# চি[redacted]কলি



মহম্মদ মোচের আলী।
খাতাকপীয়া বাথান।
পোঃ চামতা।

# চিন্তা-কলি

বি, এ, কেণ্ডিডেট—

মহম্মদ মোচেৰ আলী এ, এম, এইচ্, আই, (হোমিওপ্যাথ)

এক্স, শিক্ষক, দেৱীৰাম পাঠশালা হাইস্কুল নলবাৰী;

১৯৫১ চন, ১১ এপ্রিল।




বেচ ১৲ টকা

DISTRICT LIBRARY.
TEZPUR

# —অৰ্পণ—

স্নেহময়ী জননী চম্পাবিবিৰ নামত

"চিন্তা-কলি" কবিতাটি

অৰ্পণ কৰিলোঁ।

ইতি—

হতভগীয়া পুত্ৰ—

"মোচেৰ"

১২।১২।৫২ ইং

DISTRICT LIBRARY,
TEZPUR

## —চিন্তা-কলি সম্বন্ধে—

"চিন্তা-কলি" পঢ়ি চালোঁ। ই লিখকৰ প্ৰথম প্ৰয়াস। লিখকে বিশ্ব জীৱনত ঘটা ঘাত-প্ৰতিঘাটৰ বিষয়বোৰ লৈ তাৰ মূল নিয়ন্তাক কেন্দ্ৰ কৰি চিন্তাৰ-কলি মেলিছে।

প্ৰথম প্ৰয়াস হিচাবে লিখকৰ লিখনি নিশ্চয় প্ৰশংসনীয়। কবিতা সাধনাৰ বস্তু। সাধনাত লাগি থাকিলে 'চিন্তা-কলিৰ' কবিক ভবিষ্যতে উন্নতি পথত দেখিব পাম বুলি আশা কৰিলোঁ।

কবিতা কুটীৰ
১।১।৫৩ ইং

জমিৰুদ্দিন আহমেদ
সম্পাদক, "মিনাৰ"

মানৱ সমাজত ঘটি উঠা বিভিন্নাবস্থা ফুটাই তুলিবলৈ লিখকে 'চিন্তা-কলি'ত যত্ন কৰিছে। বিধাতাৰ বিধানত সমাজত বিভিন্নাৱস্থাৰ উদয় হৈছে কিয়? এই প্ৰশ্নই কবিক "চিন্তা-কলি লিখিবলৈ বাধ্য কৰিছে। বিধাতাৰ বিধান অকল মানৱ সমাজতে আবদ্ধ থকা নাই প্ৰকৃতিৰ বুকতো একে দৰে দেখা দিছে। দোষ ৰচনাকাৰী ঈশ্বৰে মানৱক পাপত বুৰাই, পুনৰায় মানৱক দোষ ধৰি সি পুৰীত শাস্তি দিহে কিয়? এনে প্ৰশ্নও "চিন্তা-কলি"ত ঠায়ে ঠায়ে উঠিছে। মুঠতে বিধাতাৰ বিভেদ বিধানৰ প্ৰশ্ন ইয়াত চলিছে আৰু কবিয়ে মনৰ ভাব প্ৰকাশ কৰিবলৈ সমৰ্থ হৈছে—যদিও এয়ে তেওঁৰ লিখাৰ প্ৰথম প্ৰয়াস।

নলবাৰী সংস্কৃত কলেজ,
৮।৫।৫৩ ইং

অধ্যাপক শ্ৰীপুৰুষোত্তম ভট্টাচাৰ্য্য
ব্যাকৰণ শাস্ত্ৰী, জ্যোতিস্তীৰ্থ,
জ্যোতিৰ্বিজ্ঞানাচাৰ্য্য, সিদ্ধান্তবাগীস

Libra y Looks will give you joy for long
if handled carefully with clean hands

# চিন্তা-কলি

—:(*):—

## —১ম অংশ—

[চিন্তা-কলিৰ বেতুপাত]

কোনেনো ৰচিলে বিশাল জগত
বাচকবনীয়া ভূবন পুৰ ;
কোনেনো বিলালে সবাকো সমানে
যাউতিযুগীয়া আপোন সুৰ ?

*        *        *        *

কোনেনো ৰচিলে ধুনীয়া পৃথিবী
কাৰণো হাতৰ নিপুন চিন,
বাজিছে কিয়বা ইয়াতে সদায়
সুখৰ দুখৰ মধুৰ বীণ ?

*        *        *        *

সৃষ্টি পাতনিৰ আদাম তাৰাক
কোনেনো ৰচিলে সৰগ ভূমিত,
মানৱীয় খেল সমাপন হেতু
কোনেনো পঠালে এই ধৰণিত ?

* * * *

চিন্তাৰ নিনাদে দিলে সমিধান
'বিশ্বৰ গৰাকী আল্লাই মূল ;
অসীম শকতি বিয়পিছে যাৰ
ভুৱন বিয়পি অনন্ত কুল !

* * * *

তেনেহলে প্ৰভু সকলোকে তুমি
নিজৰ শক্তিৰে কৰিছা স্ৰজন ;
ক্ষুদ্ৰকায় চঁতি মহাকায় হাতী
তোমাৰে প্ৰভু নিখুঁত নিৰ্ম্মান !

* * * *

সীমৰ মাজত আন জীৱ ৰাখি
মানবক দিলা ওখত আসন,
অসীম খিয়াই চাবলই তুমি
নৰৰ হিয়াত ঢালিলা গিয়ান।

* * * *

সকলো মানৱে লভিলে জনম
তোমাৰ পৰম শকতিৰ পৰা,
নাপায় কিয়বা সবেও সমানে
একেটি সুৰত সুখৰ নিজৰা ?

* * * *

সত্যৰ শতৰু অসত্যৰ সখী
কাম-ক্ৰোধ-লোভ-মোহ আদি বাণ,
নাট্য মন্দিৰত . অভিনয় হেতু
তুমিয়ে ধৰিলা সবাৰো যোগান !

* * *

সুখৰ সৰগ দুখৰ নৰক
তুমিয়ে প্ৰভু কৰিলা নিৰ্মিত,
মায়া কাননৰ মোহ-আৱৰান
তব পৰশত হল প্ৰকাশিত !

* * * *

একেটি স্ৰষ্টাৰ সবেও সন্তান
নহয় ইয়াত অকনো সংশয়,
কিয় বাৰু তেন্তে এই দুনিয়াত
মানব ভাগ্যৰ ভেদা-ভেদ হয় ?

* * * *

## চিন্তা-কলি

এটি ৰজা হই          ৰাজপাট লই
নিজৰ মহিমা প্ৰচাৰে ধৰাত,
কিয়বা আনটি          ভিখাৰী বেশেৰে
মাগিছে সদায় পৰৰ দ্বাৰত ?

*          *          *          *

পাপেৰে যিজন          হল কলুষিত
কোনেনো ৰচিলে তেনুৱা পাপক
পাপৰ পথত          কোনেনো আনিলে
অজলা পাপীৰ পবিত্ৰ মনক ?

*          *          *          *

একে গৰাকীৰ          পুণ্যৰ জনক
কোনেবা কৰিলে পথিক সংসাৰ,
মলিন পাপৰ          আঁৰত সোমিয়ে
কেনেকৈ লভিলে পুণ্যৰ পোহৰ ?

*          *          *          *

অসীম শোকত          এটি পৰাণীয়ে
টুকিছে চকুলো ব্যাকুল ভাবত,
কোন বিধানত          আনটি আকউ
ফুৰিছে সুখৰ সুৰলা ৰথত ?

*          *          *          *

PLEASE HANDLE THE BOOK CAREFULLY.



পাপী-তাপী-দোষী দুখী-নির্দ্দোষীৰ
তুমিয়ে দেখোঁন সকলোৰে মূল,
এটি সত্যে ৰাখি সিটি পাপে থই
কৰিছানেকি শাসনত ভুল ?

* * * *

পাপীৰ জীৱন বিবেক বিজ্ঞান
তোমাৰ দ্বাৰাই হইছে ৰচিত,
তোমাৰ দ্বাৰাই পৰিচালিত হৈ
কটায় জীৱন মৰত ভূমিত !

কিয়বা পঠোৱা তুমিয়ে পাপীক
আন্ধাৰে আগুৰা পাপৰ পথেৰে ;
তোমাৰে ৰচিত বিবেকক তাৰ
নাবাধা কিয়বা শকত ভেটাৰে ?

* * *

তুমিয়ে পঠোৱা মানব লোৰক
পাপৰ কোবাল গহীন বাটেৰে,
তুমিয়ে আকউ উভতি দুনাই
দোষিছা পাপীক কেনে বিচাৰেৰে ?

* * *

## চিন্তা-কলি

তুমিয়ে চলোৱা কত মানৱক
পূণ্যৰ পথেৰে শুভমতি বাকি,
পুণ্যবাণ বুলি নিবা সৰগলৈ
চক্ৰান্ত ভাবৰ ভেদ-নীতি ঢাকি ?
* * * *

কৰ্ম্মফল যদি ভুগিছে মানৱে
ইহ জনমৰ দুনিয়াতে বাকু,
শেষ বিচাৰত কিয়বা লাগিছে
বিচাৰ বিধান নৰক আৰু ?
* * * *

যদি তুমি জানা মানৱ অন্তৰ
গুপুত ভাবত আৰত লুকাই,
সত্যৰ পথত পোহৰ বিতৰি
কিয়বা নিনিয়া নৰক চলাই ?
* * * *

সুপথে কুপথে মানৱ লোৰক
তুমিয়ে চলোৱা আপোন ইচ্ছাত,
যুক্তিহীন হই বিচাৰ বেলিকা
কেনেকৈ দোষিবা মানুহৰ বলত ?
* * * *

বিশাল বিশ্বৰ অন্য শাসনত
বিকাশি নিজৰ ন্যায়তা বিপুল,
মনু শাসনৰ বিধান খনিত
থৈছানেকি লুকাই বহুত ভুল ?

·০ঃ০·

## —২য় অংশ—

### [চিন্তা-কলিৰ পাহি]

অতীত বুকত বইছে খেগেৰে
পাহৰা নামেৰে এখনি নই,
পুৰণি কাহিনী বুকুৰে সাৱতি
অনন্ত সিন্ধুত পৰিছে গই!

অনন্ত সিন্ধুৰে কোবাল সোঁতেৰে
মাতিছে এযাৰি সুৰীয়া মাত,
কতনা কাহিনী বিবিধ ভঙ্গিৰে
উথলি উপচি তুলিছে তাত!

বিপুল কাহিনী টুকিব নোৱাৰোঁ
বইছে জ্ঞানৰ আৰত মোৰ
তথাপি এবাৰ চাওঁ যত্ন কৰি
চলিছে হিয়াত সংশয় ঘোৰ!

সৃষ্টিৰ পুৰাত বিশ্ব বিধাতাই
ৰচিলে সৰগ অমৰ পুৰ,
ফিৰিস্তা—কিন্নৰ পৰৰী ঘাৰাই
ৰচালে কিমান অমিয়া সুৰ!

*  *  *

তেৰেই ৰচিলে বসুধা এখনি
সৰ্গৰ লগত অমিল কৰি;
জীৱৰ কাৰণে বেগানি সজাই
ৰচিলে ইয়াত মৰণ পুৰী!

* * *

স্বৰ্গত এদিন বিশ্ব বিধাতাই
আদাম ৰচনা কৰিলে শেষ,
আপোন আত্মা সংযোগ কৰি
ঢালিলে তেওঁত মানব বেশ!

* *

আল্লাৰ আদেশ হৃদয়ত লই
সৰ্গৰ সকলো ফিৰিস্তা গই;
জনালে সৈমান আদাম আদৰি
মানৱ সাধুতা জগাই লই!

(কিন্তু) সৈমান হৰনৈ অৱজ্ঞা কৰিলে
ধিতিঙা 'চেতান' অভিমানী হই.
আল্লাৰ আদেশ অবহেলা কৰি
সৰ্গত জগৰ লগালে অই!

* * * *

দোষৰ কাৰণ অভিমান ভাৱ
লভিলে 'চেতানে' আল্লাৰ পৰাই
সেইটি ভাবতে অপৰাধ ধৰি
দোষিলে কেনেকৈ দোষ ৰচোতাই ?

* * * *

দোষৰ কোবত দুষ্ট 'চেতানে'
এৰিলে সৰগ অভিশপ্ত হই,
জীৱন ধৰিলে মৰত ভূমিত
মানৱ চকুৰ আৰত ৰই !

* * * *

সৰগ তিয়াগি আহোতে 'চেতানে'
বৰ এটি ললে আল্লাৰ পৰাই
ধূলিৰ ধৰাৰ সত্য-পথিকক
নানান ভাবত নিৰলৈ ঘূৰাই ।

* * * *

অজান ভানত বিশ্ব বিহোতাই
পঠালে 'চেতান' সৰগৰ পৰা,
মৰ্ত্ত্যভুবনত 'চেতানক' মেলি
বোৱালে এখনি নৰক নিজৰা !

* * * *

সত্যৰ পুৰত          ৰাখি আদামক
উদাসীন ভাব উপজালা হিয়াত,
অসীম জ্ঞানেৰে          তুমিয়ে আকউ
ইভক সঙ্গিনী ৰচিলা তাত !

আদেশিলা তুমি          আদাম ইভক
সুখেৰে থাকিব সৰগ বনত,
"গন্ধম" খাবলৈ          বাধা দিলা তুমি
অভিমানী চয়তান ছালনাত ?

আনহাতে তুমি          "চেতান" লগাই
ভুলালা দুয়োকো লোভ দেখুৱাই,
তোমাৰ আদেশ          পাহৰাই থই
"গন্ধম" এদিন পেলালা খুৱাই !

আদিতে পঠোৱা          সাৱধান বাণী
জুনাই দুয়োকো দিলা সোৱৰাই,
ভঙ্গ কৰা বুলি          তোমাৰ আদেশ
ধৰাত পঠালা দোষেৰে তিয়াই !

চিন্তা কলি

সেইটি দোষতে দণ্ডনীয় কৰি
সৰগৰ পৰা আনিলা ধৰাত,
মানৱৰ বংশ বিস্তাৰ কৰাই
যাপালা জীৱন সংসাৰ হাটত !

*      *      *      *

দয়াময় প্ৰভু ! আদাম ইভৰ
হইছিল দোষ অতি গুৰুতৰ ;
নক্ষমিলা কিয় সিহঁতক তুমি
দোষী বুলি ভাবি প্ৰথম দোষৰ ?

অজ্ঞান আন্ধাৰে ঢাকিছিলা হিয়া
জনক আদাম জননী ইভৰ,
বুজনি নিদিলা হিয়াত অলপো
পাপ-লোভ কিনো বাধক সত্যৰ ?

লোভৰ বানত তুমিয়ে উটাই
মিছাতে দোষিলা আদম ইভক,
ধৰাত পঠাই সকলো কালতে
সিচিলা নিজেই দোষৰ বীজক

নাবান্ধিলা কিয় সিহঁতৰ মন
শিলেৰে সজোৱা শকত বাধাৰে,
যাতে কোনোমতে চয়তান মানি
"গন্দম" নোৱাৰে খাবিৰ হাতেৰে

* * * *

আদাম ইভক পিতা-মাতা কৰি
ধৰাত খুলিলা মানৱ কানন,
দুষ্ট চয়তান লগুৱাই তুমি
বিপথে খৰালা সবাৰো মন !

'চৈতান' জালত পেলাই সবাকো
অসত্যৰ লোৱালা পুত আশ্ৰয়
সত্যক ভুলাই অসত্যৰ গান
গোৱালা সবাকো মেদিনী কপাই

দুনাই নুহক প্ৰতিনিধি পাতি
পঠিয়ালা তুমি এই দুনিয়াত,
সত্যক বিতৰি ধৰ্ম্মৰ জেউতি
বিলাব পঠালা সবাৰো হিয়াত !

## চিন্তা-কলি

কত দিন ধৰি মুহৰ দ্বাৰাই
যাচিলা সবাকো সত্যৰ বচন,
তাকৰ নবেৰে মুহক মানাই
অন্যক কৰিলা অদ্ভুত মগন!

তুমিয়ে আকউ হই বিচলিত
বৰ্ষাৰ পানীক কৰিলা আহ্বান
মহাচল তুলি মুহ বিবোধীত
অকাল মৰণে মাৰিলা মাৰণ!

আদাম ইভৰ বংশৰ পৰাই
জন্মালা সবাকো মুহৰ লগত
মহান মুহক সতোৰে তিয়াই
কৰিলা অন্যক লয় অজ্ঞানত?

(প্ৰভু) মুহৰ নিচিনা বাকী বিলাককো
নিদিলা কিয়নো সত্যৰ জেউতি,
ধৰ্ম্মৰ পথত উভতি আহিব
নিদিলা কিয়বা জ্ঞানৰ দিপীতি?

এতবাৰ দিলা জ্ঞানৰ পোহৰ
অইন বোৰক ঘূৰালা অদ্ভুত,
তুমিয়ে আকউ অন্ধ যাত্ৰী বুলি
পেলালা কেনেকৈ দোষ সাগৰত ?

সুতৰ আদেশ নামানা বোৰক
দিলা হয় যদি সন্তাৰ সুমতি,
তেওঁৰ আদেশ নামানি নোৱাৰে
দিলা হয় যদি ধৰমৰ ৰতি ?

স্ৰষ্টাৰ আদেশ সৃষ্টিয়ে নামানে
কত আছে এনে যুক্তিহীন কথা,
বিভেদ নীতিত সুহ বিৰোধীক
দিলা প্ৰাণদণ্ড লাগিছে ব্যথা !

ভাল কথা প্ৰভু ! আদেশ উপেক্ষি
পালে প্ৰাণ দণ্ড এই দুনিয়াত,
শেষ বিচাৰত সিহঁতক বাৰু
দণ্ডিবা আকউ কোন বিধানত ?

নিজেই তুমি অসত্য বিনাশি
বিমল সত্যৰ বোৱালা উজান,
আৰব দেশৰ 'যুদি' পাহাৰত
জ্বলিছে ইয়াৰ জ্বলন্ত প্ৰমাণ !

* * * *

অসত্যক যদি দুনিয়াৰ পৰা
নিজেই বিনাশি কৰিলা বিলয়,
পিচৰ যুগত কৰপৰা প্ৰভু !
এনে অসত্যৰ নিজৰা ওলায় ?

*

ইয়াকুব বংশী ইস্ৰাইল সবে
মিচৰ দেশত বন্দ-দাস কৰি,
মহা অনাচাৰ সহিছিল সবে
তোমাৰে নামক হৃদয়ত ধৰি !

মিছৰৰ ৰজা দস্যু ফিৰোণক
সত্যৰ পথত আনিব পাৰিবি
মুছাক পঠালা প্ৰতিনিধি পাতি
সত্যৰ ছবিটি ওপৰত ধৰি ?

PLEASE HANDLE THE BOOK CAREFULLY.


(প্ৰভু !) ফিৰোণক কোনে অত্যাচাৰী কৰি
পঠিয়াই দিলে এই ছুনিয়াত ?
তুমিয়ে গঢ়িলা দয়াহীন কৰি
ঢালি দিলা বল তেওঁৰ হিয়াত !

সত্যৰ পথত ফিৰোণ-আনাত
তৰপৰাণত উপজিল ভয় ?
মুচাকো সেয়েহে কেচুৰা কালহে
নীল দৰিযাত পঠালা বোয়াই ?

হৈছিল যেনেকৈ লালিত পালিত
দৈৱকী নন্দন নন্দৰ ঘৰত,
তেনেকৈ মুচাকো পালন কৰিলা
সত্যৰ শত্ৰুৰ ৰাজ নগৰত !

শেষত তুমিয়ে বিপথীৰ সৈতে
সমুদ্ৰৰ পিনে নিলা ফিৰোণক
দয়াহীন হই তথাপিও তুমি
নিদিলা গিয়ান অকোনো তেওঁক ?

* * * *



—২

সাগৰ-বুকত অধৰ্মীৰ সৈতে
ফিৰোণৰ গল প্ৰাণ পখী উৰি,
উচিত দোষৰ উচিত বিচাৰ
সমুদ্ৰ-বুকত বিয়পিল ঘূৰি!

অবমাননাত ফিৰোণৰ হল
দোষ অনুসৰি উচিত বিচাৰ,
সিপুৰীত আৰু লাগিছে কিয়বা
পুনৰ বিচাৰ দণ্ডিত কৌৰৱ ?

*   *   *   *

(তোমাৰ- এক লক্ষ আৰু চৌবিশ হাজাৰ
আদেশত) নবীয়ে প্ৰচাৰে সত্যৰ বচন,
তথাপি নহল ধৰাৰ পৰাই
সৰগ শতক অসত্য-উচন ?

*   *   *

আদাম-ইভৰ মিলনৰ পৰা
ধৰাত বহিল মানবৰ হাট;
মহান আল্লাৰ চলাহত পৰি
ভেৰালে সবেও সত্যৰ আঁত!

*   *   *   *

অজলা নৰক মেলিলা তুমিয়ে
সত্য-অসত্যৰ দুয়োটা বাটত ;
সত্যৰ বাটত ফান পাতি থই
পথিকবোৰৰ ভেকুৱালা আঁত !

*

অচিনাকি নৰে ধৰাত চলোতে
সত্যৰ বাটত পৰে লুটি খাই,
ফানহীন বাট অসত্যৰ পথে
ধৰাবাসী সেয়ে ধৰে যাবলই !

* *

সকলো যুগতে সকলো কালতে
তোমাৰ নীতিৰ নহয় শেষ,
অকাৰণে তুমি মানব বোৰক
দোষৰ বোজাৰে বিলিছা ক্লেশ !

পুৰণি কালত মথুৰা ভূমিত
কংসক পঠালা অনাচাৰী কৰি,
তুমিয়ে আকউ সংহাৰ কাৰণে
পঠালা কৃষ্ণক শকতি বিতৰি !

* * *

ধৰ্মৰ বিজয় অধৰ্মৰ ক্ষয়
দেখুৱালা তুমি কুৰুক্ষেত্ৰ যুজত,
ধৰ্মৰ পাণ্ডৱে লভিলে বিজয়
অধৰ্মৰ কুৰু পৰিল ৰণত !

কথা এটি সোধো জগতৰ পিতা
দিবানে উত্তম উত্তৰ মোক,
অসত্য-পথেৰে টানি আন কোনে
বিনাশ কৰিলে কৌৰৱ কুলক ?

* * * *

ৰজাৰ আদৰ্শ দেখুৱাবলই
ৰামক তুমিয়ে দিলা পঠিয়াই,
তোমাৰে ৰাৱন বধৰ কাৰণে
পঠালা তেওঁক দণ্ডক বনলই !

নহুষ যযাতি মান্ধাতা জনকে
কটালা জীৱন শাসন বেদিত ;
প্ৰজাবিলাকক কিয়বা কৰিলা
সদায় ৰজাৰ পদৰ দলিত ?

হাতেম দধিচী কাৰ প্ৰেৰণাত
হল মহাত্যাগি এই জগতত ;
দাম্ভিক এভিদে কাৰ গৰ্ব লই
নিজক মেলিলে ধ্বংসৰ পথত ?
কবি কালিদাস ওমৰ খৈয়ামে
বিলালে জেউতি কাৰ প্ৰতিভাত,
তানসেন-ডান্তে চৰক কপিলে
চালিলে জেউতি কাৰ চালনাত ?
জাতিৰ বৰেণ্য মহাত্মা গান্ধীয়ে
উদ্ধাৰে ভাৰত কাৰনো বলত,
গান্ধী-হত্যাকাৰী নেথু গোথচেক
মেলিলে কোনেনো দোষৰ পথত ?



## চিন্তা-কলি

য'তে ত'তে মাথো   তন ভেদ ভাব
বসুধা বিয়পি উঠিছে উপচি
এটিক দয়া দি   সিটিক কোপ দি
ফুৰিছা সদায় কুটিলতা যাচি ?

দুনিয়াৰ বাট   বিভূষিত কৰি
খুলিছা তুমিয়ে দোষৰ পোহৰ,
মোৰ পথিকক   ঘোৰ এন্ধাৰত
কিয়না খুলিছা দণ্ডৰ দুৱাৰ ?

## —৩য় অংশ—

[ চিন্তা-কলিৰ কেশৰ ]

গধুলি হইছে মলয়া বইছে
বেলিটি বুৰিছে পশ্চিম দিশত,
সন্ধিয়া আহিছে নিয়তি মাতিছে
উদিছে নক্ষত্ৰ নীল আকাশত।

এনে সময়তে হিয়াৰ মাজত
উঠিল বেগেৰে চিন্তাৰ লহৰ
সৃষ্টি বৈষম্যৰ ঘটনা বিলাকে
খুলিলে মোৰ কপোৱা দুৱাৰ!

আছিল মনলৈ অবিৰল ধাৰে
সংসাৰ এখনি ভাওনা পোহাৰ,
বিবিধ মানবে নাট্য মন্দিৰত
পাতিছে খেলাৰ ধুনীয়া বজাৰ?

ভাওনা চালক বিশ্বৰ প্ৰভুৱে
নৰৰ দ্বাৰাই খেলোৱাই খেলা,
আগ্ৰহ নিগ্ৰহ বিলাই সবাকো
দুনিয়াত পাতোৱাই মহামেলা।

ভাওনা ঘৰত স্রষ্টাৰ দয়াত
লভিছে এজনে ৰাজ-সিংহাসন,
এইটি ঘৰতে চালকৰ কোপত
লভিছে এজনে ভিখাৰ বাহন!

ভাওনা ঘৰত এজনী ৰমণী
কান্দিছে ফেকুৰি পুত্ৰৰ শোকত,
ইয়াতে আকউ আইন এজনী
ফুৰিছে সদায় সুখৰ ৰথত

ভাওনা ঘৰতে চট্-ফট্ কৰি
কান্দিছে এজনে স্বাস্থ্যহীন হই,
ইয়াতে আকউ নীৰোগী স্বাস্থ্যৰে
ফুৰিছে এটিয়ে শুৱনি হই!

নাট্য মন্দিৰত সন্তান শোকত
হইছে এজন আজিকে হতাশ,
বিধিৰ হাতত পুতেকৰ সংতে
বান্ধিছে সিটিয়ে নতুন আশ!

ভাওৰীয়া এটি পটত ওলাই
যাচিছে সবাকো বিমল গিয়ান
আনটি পৰাণী হাঁহি মুখে আহি
খুলিছে সবাৰো মুক্তিৰ তোৰণ !

ভাওনা কৰিছে কিছুমান প্ৰাণী
কলা, বেঙা, খোৰা আদি ৰূপ ধৰি !
ভাওনা চালকে পঠালে কিছুক
কণা-কুজা-বোবা আবৰা কৰি !

ভাওনা ঘৰত ৰমনী বিৰাজি
হইছে ৰূপত আতিকে স্বকীয়া,
এই ভাওনাতে পুৰুষ ওলাই
দুইটি ভাগত ভগালে দুনিয়া !

একনে হাহিছে সিজনে কান্দিছে
ভাওনা ঘৰৰ অচিন বাটত ;
সিটিয়ে খাইছে ইটিয়ে চাইছে
ভাওঁনা চালক প্ৰভুৰ হাতত !

## চিন্তা-কলি

এজন মানৱে দানী মানী হই
বিয়পাই দিছে নিজৰ খিয়াতি,
আকউ একনে অভিমানি হই
ফুৰিছে গৰবৰ পোহাৰ পাতি !

বিশ্ব ভাওনাৰ দুৱাৰ জপাই
হইছে এজনে অজয় অমৰ,
ভাওনা শেষত অইন এজনে
এৰিছে নিজৰ অজ্ঞান এন্ধাৰ !

ভাওমালৈ আহি এজন মানৱে
ফুৰিছে সদায় অবনী কোপাই
ভাওৱীয়া এটি লৰিব নোৱাৰি
পৰিছে খোজত বাগৰ সলাই !

মহাবীৰ এজনে বাহুৰ বলেৰে
দেশ বিদেশ কৰিছে জয়
শক্তিহীন জনে আকুল পৰাণে
দেখিছে ধৰাত এন্ধাৰ আলয় !

ভাওনাত একজনে সন্ন্যাসী বেশেৰে
প্ৰচাৰ কৰিছে সত্যৰ বাণী
অইন একজনে কটু সাহসেৰে
কৰিছে সত্যৰ অনেক হানি!

*  *  *

তোমাৰেই প্ৰভু সকলো সন্তান
চলাইছা তুমি সংসাৰ হাটত
বিভিন্ন ৰূপত বিভিন্ন নৰক
কিয়বা নচুৱা বিভেদ নাচত?

কিয়বা কৰিছা একজন সুখীয়া
বিকাশি নিজৰ অনুকুল গতি,
কিয়বা কৰিছা একজন দুখীয়া
বিকাশি তোমাৰ প্ৰতিকুল মতি?

যদি তুমি জানা মানব অন্তৰ
গোপন ভাবত সঙ্গী হই থাকি,
মানব বোৰৰ দুখৰ পৰত
নজলোৱা কিয় সুখময় চাকি?

## চিন্তা-কলি

যদি তুমি জানা হিয়াত বিৰাজি
মানুহে কি ভাবে মনৰ মাজত,
কুপথে যোৱাৰ অলপ আগতে
বেয়া বুলি কিয় নোকোৱা ঠাৰঁত ?

যদি তুমি গঢ়ি বিভিন্ন মানব
সুখৰ দুখৰ হইছা গৰাকী
সুবুজোৱা কিয় মানব বোৰক
খুলি দি হিয়াত গিয়ানৰ চাকি ?

একেটি সাচঁৰ একে মানবেৰে
যদিহে তুমি সজাইছা অবনী ;
পাপী তাপী দুখী অকলা খোৱাবে
কিয়বা তুলিছা কাতৰ ৰাগিনী ?

কিয়বা তুমিয়ে ধনী পঠিয়াই
লভোৱা সুখৰ বিমল পোহৰ,
কিয়বা তুমিয়ে ৰজা পঠিয়াই
কৰোৱা শাসন বিশাল দেশৰ ?

কিয়বা তুমিয়ে জ্ঞানী পঠিয়াই
ধৰাত কৰোৱা আনন্দে বিহাৰ,
কিয়বা তুমি অজ্ঞানীক গঢ়ি
সজোৱা ইয়াত কানন মূৰ্খৰ ?

কিয়বা তুমিয়ে ৰুগীয়াক গঢ়ি
ফুৰোৱা সদায় কেকাই কেকাই,
কিয়বা তুমিয়ে নীৰোগীক গঢ়ি
ধৰাত খন্দোৱা সুখৰ নই ?

কিয়বা তুমিয়ে অপৰূপ ধৰি
ধৰাত তুলোৱা সৌন্দৰ্য্যৰ ঢৌ
কিয়বা তুমিয়ে ঘৃণনীয় ৰচি
অবিৰাম ঢালিছা নিন্দাৰ মৌ ?

কিয়বা তুমিয়ে নাৰী পঠিয়াই
জগতত পাতিলা প্ৰেমৰ হাট,
কিয়বা তুমিয়ে পুৰুষ পঠাই
খুলিলা এখনি সংসাৰ নাট ?

চিন্তা-কলি

তুমিয়েই যদি বচিলা মানব
নাৰাখা কিয়নো সবাকো সত্যত.
সত্যৰ পথত কঁাইট পুতি থৈ
ঘূৰোৱা কিয়বা অসত্য-পথত ?

মানব লোৰক সংসাৰ বান্ধোনে
কিয়বা বেহোৰা পাপৰ লেহা,
মায়া-ছালনাৰ বিলাস ভোগৰ
কিয়বা কৰোৱা দুষিত দেহা ?

সৃষ্টিৰ অন্তত শেষ বিচাৰত
কিয় লবা পাপ-পুণ্যৰ হিচাব,
দোষৰ পথেৰে নৰক ঘূৰাই
কিয় দিবা সৰগ-নৰক চাৰ ?

## —৪ৰ্থ অংশ—

[চিন্তা-কলি কেশৱৰ ৰেণু]

(প্ৰভু !) কিয়নো কৰিছা মেৰুত
ছমহীয়া দিন,
কিয়নো কৰিছা বিষুৱে
তাতকৈ হীন ?

কিয়নো কৰিছা সাগৰ
নীল নীৰে ভৰা,
কিয়নো কৰিছা মৰুভূ
বালিৰেই গঢ়া

কিয়নো কৰিছা পৃথিৱী
উত্তাপত ক্ষীণ,
কিয়নো কৰিছা বেলিটি
পোহৰত লীন ?

কিয়নো কৰিছা কুলিক
মধুৰ সুৰীয়া
কিয়নো কৰিছা হুদুক
ভয় ওপোজোৱা ?

## চিন্তা-কলি

কিয়নো পেলোৱা গিৰিত
হিম চিৰ দিন
কিয়নো জন্মোৱা সমুদ্ৰে
নানাবিধ মীন ?

কিয়নো পেলোৱা নিয়ৰ
নিতাল যামিনী,
কিয়নো শুকোৱা ৰদত
দোলনি পিতনি ?

কিয়নো পঠোৱা নিজৰা
ধৰাত বেগেৰে,
কিয়নো উৰোৱা ডাৱৰ
বিমান ৰথেৰে ?

কিয়নো কৰিলা গজন
লৰিব নোৱাৰা,
কিয়নো কৰিলা উৰণ
গগণত চৰা ?

কিয়নো কৰিছা পূৰ্ণিমা
মাহত এবাৰ,
কিয়নো লুকোৱা চন্দ্ৰক
ৰজনী আন্ধাৰ ?

কিয়নো কৰিছা হাতীক
অতি মহাকায়,
কিয়নো কৰিছা চাঁহিটি
ক্ষুদ্ৰাদপি হায় ?

কিয়নো ফুলোৱা কুসুম
বসন্ত কালত,
কিয়নো হলুৱা শেৱালী
ৰাতি এন্ধাৰত ?

কিয়নো ক্ষুদ্ৰ ফলবোৰ
লগোৱা বটত,
কিয়নো ডাঙৰ ফলক
লগোৱা লতাত ?



—৩

## চিন্তা-কলি

কিয়নো অপিছা সৰ্পক
তীব্র হলাহল,
কিয়নো দিলা শামুকক
মুকুতা মহল ?

কিয়নো চলোৱা শামুক
জিভাৰ দ্বাৰাই,
কিয়নো চলোৱা কেচুক
বুকুৰে বগাই ?

কিয়নো কৰিছা কেৰেলা
তিতা আস্বাদৰ,
কিয় কৰিছা জলকীয়া
জ্বলা সোৱাদৰ ?

কিয়নো কৰিছা গোলাপ
পৰিমল সনা,
কিয়নো কৰিছা মদাৰ
সৌৰভ বিহিনা ?

## চিন্তা-কলি

কিয়নো মাতোৱা দাতুৰি
বৰ্ষাৰ কালত,
কিয়নো উলিয়া কেতেকী
বসন্ত বনত ?

কিয়নো নচুৱা পখিলা
বিচিত্ৰ পাখিৰে,
কিয়না উঁৰাৰা ভোমোৰা
নাঁতাৰ সুৰেৰে ?

কিয়নো বিছিৰা চন্দ্ৰক
নিমল পোহৰ,
কিয়নো বখিলা বেলিক
জেউতি প্ৰখৰ ?

কিয়নো ভালোৱা বিবিধ
ফলৰ ভৰত,
কিয়নো ফুটোৱা গজালি
ওপৰ মুখত ?

## চিন্তা-কলি

কিয়নো সৰোৱা ফলটি
বসুন্ধৰা লৈ
কিয়বা নকৰা সিটিক
ধাবিত শূণ্যলৈ ?

কিয়নো জ্বলোৱা নক্ষত্ৰ
নীল আকাশত ;
কিয়নো জ্বলোৱা জোনাকী
ডুবুৰা আৰত ?

কিয়নো ফুটোৱা নিশাত
ভৰা আগমন,
কিয়নো নচুৱা মেঘত
বিজুলী মোহন ?

কিয়নো ভৰোৱা বসন্ত
ধুনীয়া প্ৰকৃতি,
কিয়নো কন্দুৱা শীতত
বিষাদী নিয়তি”

PLEASE HANDLE THE BOOK CAREFULLY.

## চিন্তা-কলি

কিয়নো ৰাখিছা আকাশ
মূৰৰ ওপৰত,
কিয়নো ৰাখিছা পৃথিৱী
ভাৰেই তলত ?

কিয়নো কৰিছা পখীক
মুকলি মুৰীয়া,
কিয়নো কৰিছা জুৰিক
লনীয়া সুৰীয়া ?

কিয়নো ফুৰোৱা হৰিণী
কান থিয় কৰি
কিয়নো উৰোৱা পাপীয়া
প্ৰেমক বিতৰি ?

* * * *

সাদৃশ্য বিহীন দৃশ্যাবলী
ভেবা লাগি চাওঁ,
চিন্তাৰ মহা সাগৰত
উটি বুৰি যাওঁ !

## চিন্তা-কলি

কিয়নো কৰিছা প্ৰভু
ইবোৰ সৃজন
একে বিধানতে কিয়নো
বিচিত্ৰ গঠন ?

ৰাখিছা ইয়াত কিনো
ৰহস্য মহান,
দিয়া দয়াময় মোক
ন্যায় সমিধান ?

ভাবি ভাবি হৈছোঁ, মই
ভাবত বিভোৰ,
তথাপিও পোৱা নাই
ভাবনাৰ ওৰ।

## চিন্তা-কলি

আজি যাক পালোঁ দেখ
নিচেই অকণ
কালি তাৰ বৃহত আকাৰ.
কালি যাক পালোঁ দেখা
পৰ্ব্বত সমান,
আজি সি পথাৰ আধাৰ ?

আজি যাক পালোঁ দেখা
অতি ৰূপবান
কালি তাৰ দেহ ঘৃণনীয়,
কালি যাক পালোঁ দেখা
কুৰূপ বদন,
আজি সি পুনু ৰূপত বলিয়া ?

আজি যাক পালোঁ দেখা
মহা বাহুবলী
কালি তাৰ ক্ষীণ শকতি,
কালি যাক পালোঁ দেখা
অতি বলহীন
আজি তাৰ ভীষণ মূৰুতি !

## চিন্তা-কলি

আজি যাক পালোঁ দেখা
জ্ঞানী, মানী, ধীৰ,
কালি সি সবাৰো নিন্দনীয়,
কালি যাক পালোঁ দেখা
পতিতা ম্লানতা,
আজি সি সবাৰো আদৰণীয় !

আজি যাক পালোঁ দেখা
সত্যৰ পথত
কালি সি অসত্যৰ নিদৰ্শন
কালি যাক পালোঁ দেখা
অধৰ্মৰ মূৰ্ত্তি
আজি সি সত্যৰ তোৰণ !

আজি যাৰ পালোঁ দেখা
ৰুগীয়া শৰীৰ
কালি সি পুনু ৰোগত বিহীন,
কালি যাৰ পালোঁ দেখা
নীৰোগী শৰীৰ,
আজি সি মহাৰোগত লীন !

চিন্তা কলি

আজি যাক পালোঁ দেখা
শৃঙ্গ পৰ্বতৰ
কালি তাক সাগৰৰ ঢৌ
কালি যাক পালোঁ দেখা
সাগৰৰ খেলা
আজি তাক পৰ্বত আকৌ ?

আজি যাক পালোঁ দেখা
সুন্দৰ নগৰ,
কালি তাক শ্মশান বনানি,
কালি যাক পালোঁ দেখা
শ্মশান বনানি
আজি তাক সুন্দৰ ধাননি !

*                    *

প্ৰভু)
তুমি আদি, তুমি অন্ত
তুমিয়ে সৰ্বস্ব
অন্য কোনো নাই তুমি বিনে
তুমিয়ে ৰচক ৰজা
তোমাৰে ৰাজত্ব
বিয়পিছে ভুবনে ভুবনে !

ব্ৰহ্মাণ্ড শাসন হেতু
নিজৰ বলেৰে
স্বেচ্ছাচাৰী ৰচিছা বিধান
সেই বিধি মতে তুমি
শাসিছা সবকো
নিজ-বলে কৰিছা শাসন ?

তোমাৰে হেপাহ মতে
উচ্চ নিচ গঢ়ি
বাধ্য কৰিলা কৰো বন্দন
তোমাৰ সৃষ্টি সবৰ
সুখ দুঃখ
নহ কিনই উভতি নাচোৱা ?

তোমাৰ শাসন যেন
বাধ্যতা মূলক
সৃষ্টিৰ তাত অধিকাৰ নাই,
তোমাৰ শাসন বিধি
কঠোৰ হলেও
প্ৰজাৰ আপত্তি মানিবৰ নাই ?

পেয়েছে তুমি ইচ্ছামতে
আজি একনক
কৰিছা দেশৰ অধিকাৰী,
কালি তাকেই আকউ
তুমিয়ে নিজেই
খেদিছা কৰি পথৰ ভিখাৰী ?

* *

তব স্বেচ্ছাচাৰীতাত
নগৰ—সাগৰ
পাতাৰ ভৈয়ামত সোমায়,
তব স্বেচ্ছাচাৰীতাত
জান-জুৰি-নদী
মৰুভূত আতৰি লুকায় ?

তব স্বেচ্ছচাৰীতাত
নিশকতায়াটি
বজায় বাহুবলীৰ বীণ,
তব স্বেচ্ছাচাৰীতাত
বাহুবলী বীৰ,
হয় আজিকে শক্তিহীন ?

তোমাৰ দুনিয়াত
আপোন ইচ্ছাৰে
চলাইছা শাসন বিধান,
তোমাৰ স্বেচ্ছাচাৰীতা
মানিব লাগিব
ভুলিলেও ই লোকৰ মান ?

# —৭ম অংশ—

## [ চিন্তা-কলি ফুলৰ সৌন্দৰ্য্য ]

গোটেই জগত চলাথ কৰিলোঁ
চিন্তাৰ শুকুলা ৰথত উঠি,
নৰৰ মাজত বিচাৰ কৰিলোঁ
কোনেনো হইছে সুখৰ ৰণী ?

ৰজাক সুধিলো বিনীত ভাবেৰে
হয়নে নহয় সুখৰ গৰাকী,
উত্তৰ পাচিলে কাতৰ মাতেৰে
জ্বলা বুলি অন্তৰ্দাহী মহা চাকি ?

যাকে ভাবো মই মহাসুখী বুলি
ডেকা, বুঢ়া-ল'ৰা-ৰজা-ধনপতি,
সবে দেখোঁ ফুৰে সুখক বিচাৰি
জগতত লভি বহু লটি-ঘটি !

ভিখাৰী ভাবিলোঁ মহাসুখী বুলি
বাস কৰা জুপুৰী পজাত;
সিও বিচাৰিছে সুখৰ কনিকা
সংসাৰৰ তীব্ৰ বেদনাত!

সাধুয়ে কইছে বিষাদী ভিত্তিৰে
দেশৰ গৰাকী আচলতে সুখী,
ভোগ বিলাসত জীৱন কটায়
ধৰাৰ আকল তেৱে শান্তিমুখী!

যতেই বিচাৰো ততেই নাপাওঁ
পৰাণে বিচৰা উত্তম উত্তৰ,
মিছাতে কেৱল নিজৰ ভুলত
সবাকো পাতিছোঁ সুখৰ আকৰ?

* * * *

তেনেহলে প্ৰভু তোমাৰ তুনীয়া
অসীম যাতনা দুখেৰে ভৰা,
মানবৰ হিয়া আৰাম বিহীন
কাতৰ-বেদনা-শোকেৰে গঢ়া!

## চিন্তা-কলি

সকলো মানব তোমাৰ পৰাই
কাতৰ যাতনা ভুগিব আছে,
তযু ছলনাৰ বিপাকত পৰি
দুখৰ সিন্ধুত উপঙি ভাহেঁ !

দুখ ভুগি চলো' মানব বোৰক
দিয়া পঠিয়াই এই ধৰালৈ
দুখ সাগৰত উটাই বুৰাই
নিয়া তুমি অসত্য পথলৈ !

ছয়তানক দিলা ভুগিয়েই বৰ
সত্য পথিকক নিব আঁতৰাই,
মায়া-ছলনাত বুৰালা সবাকো
সত্যৰ ভেটিত দিব নুমুৱাই ?

পৰাণীক গঢ়ি লগতেই দিলা
কাম-ক্ৰোধ আদি অনেক বান,
যাতে সিবিলাকে এন্ধাৰত ঘূৰে
পাহৰি পেলাই সত্যৰ সন্ধান !

মায়া জালে বান্ধি সত্যক ভুলাই
অৱনী বাসীক কৰিছা অস্থিৰ,
লোভৰ মদিৰা ঢালি ধাৰাসাৰে
বোৱাইছা নই দুখৰ গভীৰ!

সচাকৈয়ে প্ৰভু তোমাৰ দুনীয়া
নিদাৰুণ যাতনাৰ যেন ঘৰ,
আহিছে মানুহ গইছে মানুহ
পেলাই চকুলো বেজাৰ শোকৰ

*　　*　　*　　*

বেদনাৰ শাল কৰিবলৈ তুমি
সজাই থৈছা এইখনি ধৰা,
আপোন ইচ্ছাৰে পুৰিছা জীৱক
জ্বলাই নমৰুদৰ জুইকুৰা!

সত্যৰ সন্ধান কৰিবলৈ গলে
তীব্ৰ গৰল উদ্‌ভৱ হয়
সত্যক বিচাৰি ফুৰে যদি নৰে
সত্য পলাই আঁৰত লুকাই!



৪—

## চিন্তা-কলি

মানৱৰ বাট জঞ্জালৰ দ্বাৰা
তুমিয়ে ৰাখিছা কৰি পূৰ,
পৰাণী সকক আনিছা তুমিয়ে
সুপথৰ আলোক কৰি দূৰ ?

আন্ধাৰ পথেৰে অচিন নৰক
ফুৰোৱা ঘূৰাই সংসাৰ হাটত,
পেলোৱা তুমিয়ে পিচল খুৱাই
গৰল সদৃশ পাপৰ গাঁতত ?

দিবা কেনেকই সিহঁতক তুমি
সহিব নোৱাৰা বোজাটি দোষৰ,
দোষৰ মূলত তুমিয়েই থাকি
খুলিবা কেনেকে বিধান দণ্ডৰ ?

## —৮ম অংশ—

### ( চিন্তা-কলিৰ ফল ! )

দয়াময় প্ৰভু ! বিশ্ব অধিপতি
লোৱা মোৰ হিয়া-ভৰা নিবেদন
মৰতভো তুমি অসীম দয়াৰে
ৰচা এখনি দিব্য-উপবন !

সজোৱা অবনী নতুন বোলেৰে
সজোৱা ধৰাত মঙ্গল নিলয়,
ভেদভাব এৰি কুটিলতা নাশি
ৰচা ইয়াত অমৰ আলয় !

পাপক বিনাশি পুণ্যক বিলাই
সজোৱা বিমল প্ৰেমৰ হাট
ধ্বংসি ছয়তান ফিৰিস্তা পঠাই
খোলা সত্যৰ সুগম বাট ?

## চিন্তা-কলি

নিতউ ফুলোৱা প্ৰেম পাৰিজাত
কাম-ক্ৰোধ লোভ-মোহ নাশ কৰি,
শ্ৰদ্ধা-শান্তি-দশা বিলোৱা সবাকো
সত্য সুন্দৰৰ অপৰূপ ধৰি!

দিব্য সমীৰণ পঠোৱা ধীৰেৰে
পৃথিবী বাসীৰ জুৰক পৰাণ,
বিমল আনন্দ পঠোৱা লগতে
উপচি উঠক উলাহৰ বান!

পাপ-তাপ দুখ আঁতৰত থই
ঢালি দিয়া সৰগৰ জেউতি,
ৰজা-প্ৰজা-দুখী একাকাৰ কৰি
শান্তিৰ বিলোৱা বিমল ভাতি!

কামনা বাসনা ৰোগ-শোক-তাপ
দুনিয়াৰপৰা দিয়া উঠুৱাই!
প্ৰতিকুল গতি পৰিহাৰ কৰি
সৰগ-নিচান দিয়া উৰুৱাই!

সকলো নৰক সত্যৰ পথেৰে
নিয়া তুমি নিজে হাতেৰে চলাই
অসত্যৰ বাট বন্ধ কৰি থৈই
সত্য পথক দিয়া পোহৰাই !

দোষ ভুল ভ্ৰান্তি আতৰাই আনি
বিলোৱা গিয়ান মানৱ হিয়াত,
উচ্ছ নীচ ভাব বিনাশন কৰি
খোলা মুকুতিৰ সুগম বাট !

পঠোৱা ইয়াতো সৰগ নিজৰা
অমৰ সুৰত কৰক গান;
পঠোৱা ইয়াত সৰগ বিহগী
ললিত সুৰেৰে কৰক গান !

অলক্ষিত ভাবে পৃথিৱীৰ পৰা
পুৰণি আতৰি হওঁক বিদূৰ ।
আকাশে বতাহে বিৰিঙি উঠক
চিৰ সত্য চিৰ মুকুতিৰ সুৰ !

—— o:• ——



DISTRICT LIBRARY.
TEZPUR

## —বিদেশী শব্দৰ অৰ্থ—

গণ্ডম — সৰগত থকা এক প্ৰকাৰ সুৰদি ফল।

চয়তান বা 'চেতান'— আদিতে আল্লাৰ এজন ফিৰিস্তা বা দূত আছিল. আল্লাৰ আদেশ উপেক্ষি অভিশপ্ত হই পৃথিবীলৈ আহিছে। ইহতে মানবক-সত্যৰ পথ ভুলাই অসত্যলৈ নিয়ে।

ফিৰিস্তা—আল্লাৰ আদেশ বহনকাৰী স্বৰ্গীয় দূত। আল্লাৰ আদেশত সকলো কাম কৰে।

দুনিয়া— জগত।

দাৰিয়া— নদী।

আদাম ইভ বা আদাম হোৱা— আল্লাই সৃজন কৰা আদিম পিতা মাতা।

নুহ আৰু মুছা— দুজন আল্লাই প্ৰেৰিত কৰা ধৰ্ম্ম প্ৰচাৰক অসত্য পথৰপৰা মানবক আতৰাই আনিবলৈ আল্লাই নিজ করুণাৰে এওঁলোকক পঠাইছিল।

নবী— প্ৰফেট— মহাপুৰুষ। পয়গম্বৰ।